'...দিশ ধৰলী বৰণ' : গীতৰ সংকলন, ৰচয়িতা আৰু প্ৰকাশক ঃ
কেশৱ মহন্ত, গুৱাহাটী ; প্ৰথম প্ৰকাশ ঃ মাৰ্চ্চ ১৯৭০



বেচ ঃ ২·৫০ টকা

তোমালৈ

প্ৰচ্ছদ্‌পট

আঁকি দিছে ঃ বেণু মিশ্ৰই

ছপাইছে ঃ লক্ষ্মী প্ৰিণ্টিং প্ৰেছে

কথাখিনি ঃ

বিভিন্ন ঠাই আৰু বিভিন্ন মুখৰপৰা যুগুতাই দিছে ঃ

খগেন মহন্ত আৰু ভুৱনমোহন মহন্তই,

সুৰেৰে আৰু কণ্ঠেৰে গীত কৰিছে ঃ

ৰুদ্ৰ বৰুৱা, বীৰেন দত্ত, দিলীপ শৰ্ম্মা, মুকুল বৰুৱা, জিতেন দেৱ, গুণদা কউৰ, অৰ্চ্চনা দাস (পলি), ৰুণুমী ভট্টাচাৰ্য্য, অনিমা ভট্টাচাৰ্য্য, শ্ৰীমতী লক্ষ্মী শইকীয়া, মাখন দেৱান, জয়ন্ত হাজৰিকা (ৰাণা), অপূৰ্ব্ব দাস, ৰমেন বৰুৱা, সুনীল দেৱ, নলিনী চৌধুৰী, যজ্ঞ বেজবৰুৱা, যামিনীধৰ বৰুৱা (জিতু), অমিয়ধৰ বৰুৱা (লাটু), কুল বৰুৱা, নৃপেন মহন্ত, অতুল মেধি, পুলক বেনাৰ্জ্জি, শ্ৰৱণানন্দ নেওগ, দিগিন্দ্ৰ মহন্ত (বাবুল), প্ৰভাত শৰ্ম্মা, জ্যোতিষ ভট্টাচাৰ্য্য, মিহিৰ বৰদলৈ, নিকুঞ্জলতা মহন্ত, অমিত সৰকাৰ, দিলীপ চৌধুৰী, খগেন মহন্ত আৰু ৰছিদ বেইবুতভে,

অসমীয়া আধুনিক গীতৰ অন্যতম পথ-প্ৰদৰ্শক শ্ৰীকৰুণাধৰ বৰুৱাই "আকৌ এবাৰ লগ পাওঁ যদি" আৰু "বুকু নালাগিলে" এই গীত দুটিৰ দুঠাইত প্ৰকাশভঙ্গী সলাই ৰচনাৰ মান উন্নত কৰি দিছে,

ছপাই উলিয়াইছে ঃ

গুৱাহাটী বিশ্ববিদ্যালয় ছপাশালত ছপাশালৰ কৰ্ম্মীসকলৰ অকুণ্ঠ সহযোগিতাৰে মূদ্ৰক শ্ৰীযতীন শৰ্ম্মা আৰু পৰিচালক শ্ৰীনৰেন দত্তই।

এইসকল কলাকাৰ আৰু কলামোদীলৈ সহৃদয়তাপূৰ্ণ কৃতজ্ঞতাৰে,

কেশৱ মহন্ত

## সুচীপত্ৰ

এক

"ৰজনী বিদূৰ দিশ ধৰলী বৰণ"
দেখিলো তোমাৰ আই শ্যামল চৰণ ॥

পাৰৰ ধূলি দিয়া মাতৃ
মূৰ দোঁৱাই লওঁ
বাহুৰ শক্তি দিয়া মাতৃ
মূৰ দাঙি কওঁ
মই ৰাখিমেই পণ ॥

আজিহে আহিল মোৰ মঙ্গল লগন
কৰিলো আজিয়ে আই সূৰ্য্য-বৰণ
পণ মোৰ ৰণহীন পৃথিৱী গঢ়াৰ
পণ মোৰ ভাগীৰথী-গঙ্গা অনাৰ
পণ মোৰ দ্ৰোণৰ বেহু চূৰ্ণ কৰাৰ
পণ মোৰ উত্তৰাৰ চকুলো মচাৰ
বাজে আই পাঞ্চজন্য
সাজু সুদৰ্শন ॥

দুই

জানো অনুপম
উভতি তুমি আহিবা
তুমি আহিবা ॥

যাবৰ পৰত তোমাৰ শিৰত
আইৰ পাৱৰ ধূলি আছিলে
যাবৰ পৰত তোমাৰ পাৱত
প্ৰিয়াৰ শিৰৰ চুলি আছিলে
যাবৰ পৰত অলেখ ফুলৰ
হিয়াৰ আকুল-বান্ধোন আছিলে
এই বান্ধোন কেনেকৈ তুমি ছিঙিবা ॥ তুমি আহিবা ॥

তুমিতো উভতি আহিবাই
তোমাৰ স'তে বহু কথা আছে যে :
আমাৰ গাভৰু মাটিৰ কথা
আমাৰ উদং ভেটিৰ কথা
আমাৰ ঘৰত আমি পৰ হোৱা কথা
আৰু দৈৱকীআইৰ শিকলি খহাৰ কথা
আমি গৃহহীন তুমি বনবাসী
আমাৰ মাজলৈ' তুমি জানো নাহি পাৰিবা ॥ তুমি আহিবা ॥

তুমিতো উভতি আহিবাই
তলমুৱা এই ধানৰ থোকে একান্ত মনেৰে মাতিছে
বতাহে বতাহে চিফুঙে শুনা তোমাৰ নামকে কাঢ়িছে
তোমাৰ সাগৰ-সংকাশ হৃদি-মোহনাত
লুইত-গঙ্গা-সিন্ধু আয়ে তোমাক অমৰ কৰিছে
আমাৰ প্ৰাণত তুমি চিৰদিন থাকিবা ॥ তুমি আহিবা ॥*

---

* জীৱন-শিল্পী বিষ্ণু ৰাভাৰ চৰণ-ছন্দেষু



তিনি

আহ অ' আহ
হাঁহি কান্দোনেৰে আহ
ইয়াতে জীৱন আমাৰ ভাই
ইয়াতে মৰণ
ই যে চেনেহৰে আঁহ
ইয়াতে পাবি সাহ ॥

নাই যে সময়, নাই, নাই যে সময়
ত্ৰাস আৰু শঙ্কা কৰ অ' দাহ
জ্বলা অ' জ্বলা তোৰ দৃষ্টি-অগ্নি
ভীৰুতা তাতে যাব যে জাহ ॥

আইৰে উমেৰে তই যে অমৰ
তয়েতো পৃথিবীৰ সেউজীয়া ঘাঁহ
চিনি ল চিনি ল নিজৰ শক্তি
তয়েতো সৃষ্টিৰ পহুমপাহ
তই আমাৰ লগলৈ' আহ ॥

চাৰি

সঁচাৰ দৰে সহজ আৰু
সঁচাৰ দৰে কঠোৰ
সঁচাৰ দৰে কোমল আৰু
সঁচাৰ দৰে নিঠুৰ
তুমি কোন ॥

তুমি কোন কোৱাঁ সময়-সোঁতত
সাঁতুৰি সাঁতুৰি আহিলা
আহি মোৰ এই ঘৰৰ দুৱাৰ
ভাঙি খলখলাই হাঁহিলা
ভাঙি মোৰ এই ঘৰৰ দুৱাৰ
কিয় খিলখিলাই হাঁহিলা
তুমি কোন ॥

তুমি কোন কোৱাঁ মোক আজি কিয়
বাহিৰলৈ টানি আনিলা
বন্ধ ঘৰৰ অন্ধকাৰত
কেনেক'ই মোক দেখিলা
তুমি কোন ॥

সজা চোৱাঁ এই কুটিল কাৰেং
সঁচা ইয়াত চোৰ
অন্ধ ইয়াৰ অধিবাসী চোৱাঁ
পোহৰ শত্রু ঘোৰ
তুমি আহি মোৰ বান্ধ খুলি দিলা
তুমি কোন ॥



পাঁচ

মই আহিছিলো আঙুলিত ক্ষণ লেখি
মই আহিছিলো আন্ধাৰ আছিল দেখি
মই আহিছিলো আউসাৰ গৰ্ভত দেখি
পূৰ্ণিমাৰ জোন ॥

মইতো আহিয়েই থাকোঁ
মই ব'হাগৰ বৰদৈচিলা
গছ ভাঙি গুটি সিচোঁ
শাওণৰ বান হৈ আহি
মই মাটিক পলস দিছো
মইতো আহিয়েই থাকোঁ
মই যে কষটি শিলা
মোতে চাৰ পাৰি সোণ ॥

ময়ে শিশু-প্ৰহ্লাদ
মিছাৰ বিৰুদ্ধে মহা প্ৰতিবাদ মই শিশু প্ৰহ্লাদ
মোৰ শাক্তৰ স্তম্ভতে থাকে
নৃসিংহ-সময়
পিতৃ হলেও অত্যাচাৰীৰ
মৰণ চিন্তো মই
মই অন্যায়ৰ প্ৰাণ-বৈৰী
ন্যায়ৰ বুকুৰ আপোন ॥

ছয়

ভৱিষ্যতৰ বা বলিছে আজিৰ বতাহত
কুঁহিপাতৰ গা উঠিছে নতুন উলাহত ॥

ঘৰৰ দুৱাৰ মেলি দিয়াঁ
জীয়া বতাহ সোমাওক
অন্ধ যুগৰ বন্ধ বতাহ
পিছ-দুৱাৰে পলাওক
হাত সাবটি নাথাকিবা উঠাৰ এলাহত ॥

মাটিৰ বুকু উখল-মাখল কিনো আনন্দত
ভাবীকালৰ ঢৌ উঠিছে সময়-সমুদ্ৰত
অনিৰুদ্ধ এই গতি
ৰুদ্ধ কৰে কোনে
উষাৰ সপোন এই ফলিয়ায়
জানেনে অন্ধ বাপে
অগ্নিগড়েৰে কাক ঢাকিবা ভৰ যৌৱন কালত ॥



সাত

মোৰ হৃদয়-দাপোণত
উজ্জ্বল তুমি অ' আপোন মাটি
জানো জানো শেষ হব
শেষ হব ছাঁ-জুইৰ এই জয়াৰ ৰাতি ॥

ঘামৰ পানীৰে জীপ পাই বঢ়া
হিংসাৰ বিহগছ
বৰ টান, সঁচা, বৰ টান
মৰা তাৰ সঁচ
শিপাবোৰ তাৰ দত আছে বহু দত
ছলনাৰ জাল পাতি
তথাপিতো আই ঘামেই খানিছে
সেই শিপাৰ গুৰিৰ মাটি ॥

তাৰ ভয়ঙ্কৰ ৰূপ দেখি
যদি শঙ্কা জাগে আই
তোমাৰ চকুৰ বহ্নিত যেন
সেই ভীৰুতা জাহ যায়
মোৰ আত্মাত দিয়াঁ দিয়াঁ আই
দিয়া তোমাৰ
দৃষ্টিৰ অব্যয় জ্যোতি ॥

আঠ

তোমাৰ খোজৰ ধুলি
মোৰেই অতীত বুলি
শিৰত তুলি ললো।
সমুখত সউ নতুন বাটৰ
হাতৰ-বাউল পালো॥

জানো জানো আই
মোৰ বাবে নাই
নাই সেন্দূৰী আলি
ন-মাটি ভঙা
ৰঙা স্বপ্ন মোৰ
মই ন-ফুলনিৰে মালী
তোমাৰ কোলাৰ উমেৰে
নতুন বাটৰ উমান পালো॥

আজি যি বাটে ওলালো, তাত
মোৰ সন্তানৰ ছাঁ আছে
তাত তুমি নাই
তোমাৰ মাথোঁ স্মৃতিৰ কঁপনি আছে
অতীত, তোমাক
যাবৰ পৰত
প্ৰণাম জনাই গলো॥



ন

গুৰুৱে গম্ভীৰ-স্বৰে মোক ক'লে,
জানানে,
যি কথা মাথোঁ ইতিহাসেহে জানে॥

পাতিব খুজিব পাৰি ঘৰ আলাসৰ
ভেটিব খুজিব পাৰি সোঁত সময়ৰ
সময়ে কি কয় শুনা ঃ
"সি যে মাথোঁ বালিঘৰ॥" জানানে॥

নতুন গজালি গজে বুঢ়া গছ মৰি
কাইলৈ কি হব আজি কব পাৰি
অতীতে কি কয় শুনা ঃ
"পাৰি, সঁচাকৈয়ে পাৰি॥" জানানে॥

যি ফুল ফুলিছে আজি যুগ-ফুলনিত
পানী দিব লাগে সেই ফুলৰ গুৰিত
যি হাবি গজিছে ফুল মাৰি পেলাবলে'
তাকেহে মাৰিব লাগে আজি ছলেবলে
জীৱনে কি কয় শুনা ঃ
"হুল লাগে হুল কাঢ়িবলে'॥" জানানে॥

দহ

হৃদয় সাগৰ হ'ল
নিনাদেৰে ডাৱৰৰ
মনে মোৰ চালি ধৰি
নাচে নাচ ময়ূৰৰ ॥

মেঘৰ ওঁঠত জ্বলে বিজুলীৰ জুই-হাঁহি
ধুমুহাৰ কণ্ঠত উদাত্ত জয়ৰ বাঁহী
উখল-মাখল কিনো আকাশৰ অন্তৰ
মাটিৰ প্ৰাণত জাগে স্পন্দন নতুনৰ ॥

বৰষে যদিহে শিলা—আজিয়েই বৰষক
দৈৱকীৰ শৃঙ্খল আজিয়েই খহি যক
হওক আজি অষ্টমী অভিনৱ-জনমৰ
আয়তী, উৰুলি দিয়াঁ মঙ্গল-লগনৰ ॥*

* খগেন মহন্তই বাণীৱদ্ধ কৰিছে।



এঘাৰ

মোৰ সমগ্ৰ জীৱন
নহল আজিও তোমাৰ সাঁচেৰে গঢ়া
হে মাটি,
সেয়ে মোৰ এই ভয়
সেয়ে মোৰ আজি পদে পদে সংশয়
হে মাটি,
মোক তোমাৰ কৰি লোৱাঁ ॥

তোমাক ঢাকিছে চকু-চমকোৱা
মূঢ়তাৰ মায়াজালে
পাহে পাহে তাৰ অন্তৰ মোৰ
বান্ধ খালে বান্ধ খালে
মোৰ হৃদয় হেৰাল হৃদয় হেৰাল
দৃষ্টি নাপালো চিনি পাবলৈ
কাক কয় ভাল পোৱা ॥

কেনেকৈ হয় জীৱন প্ৰেমেৰে দুৰ্জ্জয়
তাক চিনবলে' মিল হব লাগে
হৃদয়েৰে হৃদয়
তেজ ঢালি যি তোমাক ৰাখিছে
প্ৰাণ ঢালি মই তাৰ কথা কওঁ
হে মাটি,
মোক তোমাৰ হবলে' দিয়াঁ ॥

বাৰ

মোৰ ওপজা মাটিৰ কলিজাত লেখা
দেখা পালো এটি নাম
অমৰ ভিয়েৎনাম ॥

তোমাৰ বিশ্বৰূপৰ জ্যোতিত দেখিলো ভিয়েৎনাম
তোমাৰ গৰ্ভতে সমস্ত জগত, তোমাৰ সহস্ৰ নাম
তুমি ভৱিষ্য, তুমি নমস্য, পৃথিৱীৰ মানুহৰ
নিঃস্বদলৰ সৰ্ব্বস্ব স্বপ্ন মনোহৰ
লুণ্ঠনকাৰী দস্যুদলৰ তুমি চিন্তা মহামাৰ
জনমভূমিত দৃঢ় কৰঁা তুমি আপোন অধিকাৰ
সুহৃদ, হে মোৰ জীৱন-সখা, নিৰ্ভীক ভিয়েৎনাম
মৃত্যুঞ্জয়ী সংগ্ৰাম তোমাৰ আমাৰেই সংগ্ৰাম ॥

নিহত মুক্তিযোদ্ধাৰ য'তে পৰিছে ৰক্তবিন্দু
জাগি উঠে তাতে মহা-নিনাদেৰে অপাৰ জীৱনসিন্ধু
পতা থাকে তাতে নৰ-খাদকলে' মৰণৰ বাঘজাল
পৰদেশলোভী ৰক্তপায়ীৰ তাতে অন্তিম-কাল
মাতৃস্তন্য অমৃতপায়ীৰ অমৰাৱতী-ধাম
এয়েই মাটিৰ সহস্ৰ নামৰ এক নাম ভিয়েৎনাম
বীৰদেশ, অ' মোৰ দ্বিতীয় স্বদেশ,
লোৱঁা লোৱঁা এই সহযোদ্ধাৰ সংগ্ৰামী প্ৰণাম ॥



তেৰ

এই পণ যদি আমৰণ হয়
তুমি মৃত্যুঞ্জয়ী হোৱঁা
এই ক্ষণ যদি সন্ধিক্ষণ হয়
শুভক্ষণ বুলি লোৱঁা ॥

এয়া কপিলৰ শাপত ভ্ৰষ্ট
সগৰৰ মৃত সন্তান
তুমি যদি হোৱঁা ত্যাগী ভগীৰথ
কৰঁা জীৱনৰ সন্ধান
আনা মন্দাকিনী, হে সন্ধানী,
শেষ হওক বাট চোৱা ॥

আমাৰ কাণত পৰিছে তোমাৰ
যাত্ৰাৰ পদধ্বনি
আমি যে আছো তোমাৰেই যাত্ৰাৰ
মঙ্গল-ক্ষণ গণি
তোমাৰ কণ্ঠধ্বনিত শুনিছো
আমাৰেই ভালপোৱা ॥

চৈধ্য

এই কাল যদি চিৰকাল হয়
তুমি কালজয়ী হোৱাঁ।
এই পথ যদি জনপথ হয়
তুমি ফুল সিঁচি যোৱাঁ॥

অবাট আৰু আওবাটে মই
মাথোঁ বাটকুৰি বালো
ভুৰা পোহৰৰ ঢকা-চমকাত
তোমাক পায়ো হেৰুৱালো
আজি মন্মথ, ৰাখাঁ ৰাখাঁ ৰথ
মোৰ মালাধাৰ লৈ যোৱাঁ॥

তুমি সাগৰলে' পাটী পাৰাঁ
মই নিয়ৰলে' ডৰ কৰোঁ
তুমি গীত গোৱাঁ সোঁতত বুকু দি
মই বুকু কঁপি মৰোঁ
দিয়াঁ দিয়াঁ মোক তোমাৰ মৰণ
সোঁতত বিলীন হোৱা॥



পোন্ধৰ

প্ৰিয়তম এই জীৱন। যি
বোৱতী নদীৰ দৰে। যাৰ
বাধা ভাঙি যোৱা প্ৰাণ। মই
অন্তৰ মিলাওঁ তাৰে॥

পৰ্ব্বত যিমান ওখ, সিমান
ধুমুহাৰ চলাচল
লক্ষ্য যিমান ওখ, সিমান
বাধাৰ চলাচল
আচল জীৱন উদাৰ অন্তৰময়। মই
অন্তৰ মিলাওঁ তাৰে॥

ভৰ বাৰিষাৰ কোবাল সোঁতত
ভাঁহি অহা ফেনবোৰ
শক্তিহীনৰ বিফল দম্ভ
তালে' ভয় নাই মোৰ
মোৰ আনন্দ অনন্ত সোঁতৰ ছন্দত। মই
অন্তৰ মিলাওঁ তাৰে॥

সকলো থাকিও একো নথকাৰ দেশ
লক্ষ্মী-পৃথিৱী
ই কি বিচিত্ৰ বেশ তোমাৰ
ই কি বিচিত্ৰ বেশ ॥

পথাৰে পথাৰে সোণোৱালী ধান
বাগিচাত সেউজী চাহ
তেল-কয়লাৰে বৈ বৈ যোৱা
এই দেশ : অসম-সাহ
তথাপি আকাল ঘৰে ঘৰে কিয়
কিয় এই ক্লেশ ॥

আমাৰ শোকৰ জুইত জিলিকিছে ছলনাকাৰীৰ মুখ
আৰু দিন নাই শেষ হবলৈ এই বনবাস দুখ
চকুৰ আগতে পৰিছে যে আহি
নেদেখা হাতৰ ছায়া
ধৰিব পাৰিছো অৰ্থ-লিপ্সুৰ
হৰণলুকি মায়া
আমিয়েতো আজি কৰিব লাগিব
যম যাতনাৰ শেষ ॥





এইখন বাৰী ফুলনি আছিল
হাবিয়ে ধৰিছে ছাটি
বাৰীৰ গৰাকী আছে নিদ্ৰা গৈ
বগা-হাতীয়ে ভাঙিছে টাটী ॥

মালী-মালিনীৰ চকুত চকুপানী
পেটত পৰা নাই ভাত
কাজুৱা আঙুলি মুজুৰা পৰিছে
মুখৰো হৰিছে মাত
আখাত জুই নাই, আখল ভেকুৰিছে
পাভতিৰ টেকেলি কাটি ॥

মালিৰ বৰ লৰা একৈছ বছৰীয়া
চকুত জ্বলিছে জুই
টাটীও বাটিব হাবিও কাটিব
সি আৰু নাথাকে শুই
শিখা-যেন জ্যোতিৰে তীখা-যেন বুদ্ধিৰে
সি মোমাইতামুলীৰ নাতি ॥

## ওঠৰ

দেহা ক'লা হলে থাকে দুদিনলে'
মন ক'লা হলে ভাগে
বনত জুই লাগিলে থাকে দুদিনলে'
মনত জুই লাগিলে লাগে ॥

কওঁ কোন সতে নিজৰে ঘৰতে
আলহী হলো মই কিয়
ঘৰৰে মজিয়া পৰক সঁপি কিয়
চোতালত হলোহি থিয়
এইকুৰা জীয়া-জুই বুকুত বান্ধি লৈ
জীয়াই থাকিব লাগে
মই জীয়াই থাকিব লাগে ॥

ভুঁই ৰুই আছিলো ধান দাই আছিলো
পথাৰখন আছিলে মোৰে
(আজি) পথাৰখন দেখিবা মোকেহে নেদেখাঁ
মই ফুৰোঁ দূৰে দূৰে
উভতি চাব মই নোৱাৰোঁ চেনাই ঐ
নিজৰ-যেন নিজৰ-যেন লাগে
মোৰ নিজৰ-যেন নিজৰ-যেন লাগে ॥*

* খগেন মহন্তই বাণীৱদ্ধ কৰিছে



## উনৈছ

ক'ত আছে অ' বিদেশ তোৰ
দেশে দেশে তোৰ মাটি
মাটিৰ কোনো বেলেগ নাই ভাই
নাই তাৰ কোনো জাতি ॥

একেই খেতিৰ পথাৰ এয়া
একেই বোকা পানী
একেই আলি দি পানী ৰাখে
যেন ৰজাই ৰাণী
খাটিখোৱা মানুহৰ ভাই
মানুহেই গিয়াতি ॥

মাটি যদি এক হৈ থাকে
মানুহ কিয় ফাট
বুকুৰ কথা যে বুকুৱে বুজে ভাই
যি মাতেই নামাত
মিছাকৈয়ে মিলৰ বাটত
থৰ কিয় হুল পুতি ॥*

* নলিনী চৌধুৰীয়ে বাণীৱদ্ধ কৰিছে

সময়-নদীৰ বানে
কাৰ কথা শুনে
আপোন গতিৰে সি যে
ভাঙে আৰু গঢ়ে দুয়ো পাৰ ॥

এই যে নাও তোমাৰ গুৰিয়াল ভাই
গুৰি ধৰা ডাঠি তাৰ সোঁতৰ গতি চাই
পকনীয়াৰ পাক আছে, আছে অচিন ভয়
নাও-ভৰা যাত্ৰী আছে পাৰত আছে জয়
পাহুৱাল ডেকা তুমি বাহুত গুৰু-ভাৰ
চলতকৈও বলী তোমাৰ মনৰ অঙ্গীকাৰ ॥

লক্ষ জনৰ বুকুত আছে আশা কণা কণা
গুৰিয়াল, কৰা তাৰে সাহস ৰচনা
জাঁজীবোৰ উটি যাওক নকৰোঁ বেজাৰ
তুমি কালজয়ী হোৱা, কৰোঁ নমস্কাৰ ॥





ওলায়ে দেখিলো শত্ৰু নেভাবিলো
তাতেহে কৰিলো ভুল।
সীমা-মূৰলীয়াৰে খৰিয়াল নকৰি
মুখ চাই থাকোঁতে দেখাকে নাপালো
চুবুৰীয়াৰ হাতৰে শূল ॥

পাহাৰৰ সিপাৰৰ মাত শুনি গুণিলো
পুৱাৰ কুকুৰাৰে ডাক
সাৰ পাই দেখিলো পাহাৰ বগাই নামিছে
যম-ডাকিনীৰে জাক
হৃদয়ত এলান্ধুৰ বোল ॥

চুকত লুকাই থাকি বুকুত কামোৰ দিলা
চিনাকিৰ চং দি চীনা কি কৰিলা
মিত্ৰৰ ছিঙিলা ডোল।
মিলৰ বৰ-ভেটিৰ পাঁচ খুটা
ভিতৰি সিও যে উঁয়ে কুটা
শান্তিৰ গাগৰি তলি ফুটা
মুখত এটা শুনো পেটত এটা
কোবালা কিনো জয়ঢোল ॥

চিনিলো চিনিলো শতুৰু চিনিলো
ছিটিকাত নেপেলাওঁ ভৰি
পূবে পছিমে উত্তৰে দক্ষিণে
ৰাখিম বাঘজাল তৰি
পৰৰ দেশ নামাৰোঁ পৰকো নিদিওঁ
নিজ দেশৰ এচাঁহিও মাটি
দেশৰ সদৌ ৰাইজ মাৰ বান্ধি ওলাইছে
জয়ধ্বনি দিছে ডাঠি ঃ জয় আই ভাৰত বোল ॥

বাইছ

আমি যে ফাগুন প্ৰাণ-অগ্নিৰে জ্বলাওঁ মৰহা মন
যুগৰ ভস্ম-বেদনাত শুনো জন্মৰ ক্ৰন্দন ॥

তিলে তিলে যাৰ দেহা ভাগি যায়
তথাপি নাভাগে মন
যাৰ আকাশৰ তৰা খহি যায়
তথাপি নখহে পণ
পোহৰৰ কণা বিচাৰি বিচাৰি
যাৰ জীৱনৰ ৰণ
আমি আনো তাৰ নৰ-জীৱনৰ জনমৰ মধুক্ষণ ॥

দেশৰ সীমাই ৰাখিব নোৱাৰে
পৃথিৱীৰ যৌৱন
দেহৰ বৰণে ঢাকিব নোৱাৰে
হৃদয়ৰ মৌ-বন
ম্লান পৰি যায় বাৰুদৰ জুই
অস্ত্ৰৰ ঝন্ ঝন্
চকুৰ জুইৰে জ্বলাওঁ নৰক, ৰচোঁ পোহৰেৰে নন্দন ॥



তেইছ

হিংসাৰ চিক্‌মিক্ চোকা তৰোৱাল
তাক পিটি গঢ়োঁ আমি নাঙলৰ ফাল
মৃত্যুৰ খালবোৰ চিন মাৰি যাওঁ
নাঙলৰ সীৰলুত প্ৰাণ ওপচাওঁ ॥

বিশ্ব আমাৰ ঘৰ দেশ বাটচ'ৰা
মানুহ আমাৰ ভাই জাতিৰে-আঁতৰা
হৃদয় আমাৰ এয়া
সীমা তাৰ নাইকিয়া
জ্যোতিৰ মিলন-সভা তাত দেখা পাওঁ ॥

আমাৰ সপোন ঃ দেশ প্ৰেমেৰে গঢ়াৰ
আমাৰ সপোন ঃ বিশ্ব আপোন কৰাৰ
ৰণাগ্নি নুমাই আমি হোমাগ্নি জ্বলাওঁ
লগ্ন-গ্ৰন্থি দিলো, উঠাঁ, কোৱাঁ, "ভাল পাওঁ ॥"

চ'ৱিছ

যৌৱন আমি সঙ্গী আমি বন্ধু আমি ভাই
জাতিত আমি মানুহ, বিশাল বিশ্ব আমাৰ আই ॥

আমাৰ প্ৰৱল বাহুত আছে উদাৰ আলিঙ্গন
আমাৰ হৃদয় মৈত্ৰী আৰু প্ৰীতিৰ মধুবন
জয় আমাৰ লক্ষ্য, পৰাজয়তো দুখ নাই
এয়া প্ৰীতিপূৰ্ণ প্ৰতিযোগিতাৰ যে ঠাই ॥

সেউজীয়া পথাৰখনি আমাৰ ক্ৰীড়াভূমি
দেহৰ বৰণ দেশৰ সীমা তাত নাপাবা তুমি
তাত দিছে জীয়া মনে হিয়া উদিয়াই
স্নেহ-জ্যোতিৰ বন্যা ঃ চোৱাঁ, পাৰ ভাঙি যায় ॥*

* এই গীতটো সদৌ অসম আন্তঃ কলেজ ক্ৰীড়া উৎসৱৰ কাৰণে ৰচিত হৈছিল। সদৌ অসম অলিম্পিক সন্থাই গীতটো স্থায়ী "ক্ৰীড়া-সঙ্গীত" হিছাপে গ্ৰহণ কৰিছে।



পঁচিছ

সংগ্ৰামী তুমি, দৃষ্টিৰে তুমি পোহৰ কৰিলা বিশ্ব
সেই পোহৰত জিলিকি উঠিছে সৃষ্টিৰ ভবিষ্য ॥

যাৰ অকুণ্ঠ আত্মাহুতিৰে জীৱন জ্যোতিৰ্ম্ময়
অন্যৰ অৰ্থে উচৰ্গাৰে যাৰ জীৱন অনন্য হয়
মানৱ জাতিৰ সেই স্থপতিৰ শিৰ কৰে কোনে তুচ্ছ
দুৰ্ল্লভ সেই সন্তান, জননীৰ শিৰ উচ্চ
আই নাকান্দা, নাই হেৰোৱা সৰ্ব্বস্ব ॥

প্ৰাণ-গঙ্গা নমোৱাঁ মৃত্যুঞ্জয়ী ভগীৰথ
পৱিত্ৰ পদ-চিহ্নেৰে হওক ধন্য জনপথ
নিজ স্বাৰ্থত কৰিছে যি সহজক ৰহস্য
গুচোৱাঁ সেই মানৱদ্ৰোহীৰ মুখা, হে নমস্য,
তুমিতো নোহোৱাঁ নিঃস্ব, তুমি জননীৰ সৰ্ব্বস্ব ॥*

* খগেন মহন্তই বাণীবদ্ধ কৰিছে

চাব্বিছ

যাত্ৰী, তোমাৰ লক্ষ্য আমাৰ জীৱনৰে ব্ৰত
জানা জানো যাত্ৰী আমাৰ লক্ষ্য আছে ক'ত ॥

মুখত সজা-হাঁহি সদায়
বুকুত সঁচা-কান্দোন
জীৱিকাত-বন্ধা জীৱন আমাৰ
জীৱনত সুদা বান্ধোন
কণ্ঠৰ আকণ্ঠ-কথা
অন্তৰৰ অনন্ত ব্যথা
ঢালি দিব খোজোঁ, যাত্ৰী, হৃদয় আছে য'ত ॥

যন্ত্ৰ পালো যন্ত্ৰ হলো পালো যন্ত্ৰণা
যন্ত্ৰীয়ে আঁৰত থাকি কৰে মন্ত্ৰণা
আমাক লাগে লগ আমাৰ যাত্ৰা পথত
লগ আছে চকুৰে দেখিলো
লগ আছে বুকুৰে বুজিলো
লগ আছে গাঁৱে-নগৰে
যুগ যুগ য'ত খাটি
মানুহে কৰিছে সৃষ্টি
স্ৰষ্টা নিত্য-প্ৰবঞ্চিত য'ত
লক্ষ্য আমাৰ তাতে ঃ সেই জীৱন-সংগ্ৰামত ॥*

* ৰাজ্যিক পৰিবহণ কৰ্ম্মী সন্থাৰ স্থায়ী গীত



সাতাইছ

মাতৃ তোমাৰ প্ৰান্ত তোমাৰ প্ৰান্তৰ
উখল-মাখল জীৱনেৰে নৰ-জন্মৰ
মৃত্যুঞ্জয়ী এই মহান অভিযান
কণ্ঠে কণ্ঠে উঠে অভিনৱ গান ঃ
জয় যোৱান জয় কিষাণ ॥

জাউৰি জাউৰি বজ্ৰ-প্ৰমাণ কামান অগ্নিবৰ্ষী
মন নিৰ্ভীক, জ্বলে ততোধিক সাহস গগনস্পৰ্শী
শত্ৰু পলায় অস্ত্ৰ পেলাই সাহ ভাগি থান্ থান্
জনমভূমি ৰজনজনাই যায় বীৰ সন্তান ॥

তৰোৱাল পিটি ভাবিছিলো আমি গঢ়োঁ নাঙলৰ ফাল
ৰণ-মতলীয়া কাপুৰুষদলে তুলি ললে তৰোৱাল
সেয়ে তুলি ললো অস্ত্ৰ আমিও অমোঘ মৃত্যুবাণ
এক হলো আমি শিখ, পাৰ্ছী, হিন্দু-মুছলমান
বৌদ্ধ জৈন খ্ৰীষ্টিয়ান ॥

পথাৰে পথাৰে সীৰলু সীৰলু নাঙলৰ অভিযান
এই মাটিতেই শক্তি দেশৰ এই মাটিতেই প্ৰাণ
নাঙলে-কামানে এনাজৰী বান্ধি ৰাখিব দেশৰ মান
সৈনিক আৰু কৃষকৰ সেয়ে মধুৰ ঐক্যতান ঃ
জয় যোৱান জয় কিষাণ ॥

## আঠাইছ

জীৱন আমাৰ স্বপ্ন নহয়
আমি স্বপ্ন ৰচোঁ
দিগ্‌বলয়ত সূৰ্য্য দেখি
চকুপানী মচোঁ ॥

পিছলৈ চাই আমি দেখোঁ সাঁচিপাত
কাণ দিলে শুনো আমি দিহা-নামৰ জাত
জীৱন বোৱতী নৈ অতিকে কোবাল
অতীত আমাৰ বৰ্ত্তমানৰ উৎস বিশাল
তাৰেই বলত বলী আমি
তাৰেই তালত নাচোঁ ॥

কোন তুমি আমনজিমন হুমুনিয়াহ কাঢ়িছা
কোনে একো নহল বুলি চকুপানী টুকিছা
কোনে কয় যৌৱন আমাৰ ব্যৰ্থ হৈ গল
কোনে কয় ভবা কথা ভবাতেই ৰল
মূৰ দাঙি এবাৰ আজি
আমাৰ ফালে চোৱাঁচোঁ ॥

হয়তো সঁচা, অনেক সঁচাক মিছাই ঢাকি ৰাখিছে
অনেক ষড়যন্ত্ৰ মিলি অনেক ন্যায় নাশিছে
তথাপিও সঁচাক কোনে ম্লান কৰিব পাৰিছে
আপোনাৰ জ্যোতিৰে সি উদ্ভাসিহে উঠিছে
তাৰেই হকে সংগ্ৰাম আমাৰ
তাৰেই বাবে আছো ॥



## উনত্ৰিছ

তোমাৰ হাতেৰে নুছুৱা মাটিৰ
ফুল-কুমলীয়া বন
ক'লা পৰি যাব কোঁহ, তাৰ
জঁই পৰি যাব মন ॥

তুমিতো নোহোৱাঁ আই
শিশু-কৃষ্ণই তোমাক চিনি পায়
মাতৃ-বেশী তুমি পূতনা
শিশু-বধী তুমি
তোমাৰ ছলনা আমি জানো
সেঁয়া বিষ-দুগ্ধ ভৰা স্তন ॥

আয়েতো নকয় নিজে "মই আই"
আইক চাৱনিতে চিনি পায়
তুমিতো নোহোৱাঁ আই
তেজীমলাই তোমাক চিনি পায়
তোমাৰ ইমান আলহ-উদহ
তোমাৰ ইমান উলহ-মালহ,
আমি জানো, সেয়া মাহী আইৰ আয়োজন ॥

ত্ৰিছ

চকুলো শুকাই যা
যা
তোৰ সমুখত মৰণ-কিৰিলি
জীৱন-জ্যোতিৰে চা ॥

লক্ষ্য ওঁঠৰ হাঁহি কাঢ়ি নিলে
যিমুঠি হিংসাৰ হাতে
পৱিত্ৰ ক্ৰোধ জ্বলে যদি তোৰ
হিংসাৰ বিপৰীতে
জীৱন যদি এক হ'ল তোৰ
লাখ বঞ্চিতৰ স'তে
কান্দিবি কিয় সিহঁতক দেখি
সিহঁতে হাঁহিব খোজে
তই সাহসৰ গীত গা ॥

অ' নদী
অ' মোৰ জীৱন নদী
তোমাৰ প্ৰাণৰ পালস দিয়াঁ
তোমাৰ দুপাৰ সেউজীয়া হওক
সেউজীয়া মাথোঁ সেউজীয়া
মই যে দেখিছো বৰ্ত্তমানত
ভৱিষ্যৰ পৰিছে ছাঁ ॥



একত্ৰিছ

সুমলাৰ জীয়েকক চাওঁ বুলি সোমালো
সোণাপুৰত কিহবাৰ জুই
সুমলাৰ তাঁতশাল উঁয়ে কুটা দেখিলো
তাঁতশালিত সোণগুঁই ॥

এইখিনতে আছিলে কাজী সুমলা
এইখিনতে আছিলে তাঁত
হাতৰ কাঠী-কামী এৰি দুপৰীয়া
আহি লগাইছিলো মাত
সেইজনী সুমলাৰ জীয়েকৰে জানো
এইকুৰা চিতা-জুই ॥

ওপৰে উৰিলে ৰূপৰ উৰাজাহাজ
শুনিলো ৰিডিয়াই কোৱা ঃ
"এৰাবাটে আহিলা এৰাবাৰী সোমালা
ককাদেউতা উভতি যোৱাঁ"
উভতি যাবলৈ পাম কিমান বেলি
বেলি জানো থাকিব শুই ॥

বত্রিছ

মই যি প্ৰতিমা গঢ়িলো
তাক নিজৰ হাতেৰে ভাঙিলো
ভগা টুকুৰাৰ গভীৰত পালো
নোপোৱা বহুতো কথা
বুজি পালো মই আজিহে হ'ল
সৃষ্টিৰ অনন্ত ব্যথা ॥

বিস্ময়ে এদিন দিছিল শিশুৰ মূঢ়তা
স্বপ্ন পালো পালো দৃষ্টিৰ দৃঢ়তা
মন হ'ল নিৰ্ম্মম
সোণ পুৰি যি সোণকেই দিয়ে
কেৱল স্বৰ্ণময়তা ॥

যি প্ৰেমে তোমাক কৰিলে প্ৰিয় সুন্দৰতম
সেই প্ৰেমে তোমাক কৰিব যে খোজে অন্তৰতম
সেই প্ৰেমে ভাঙি গঢ়ে
সেই প্ৰেমে গঢ়ি ভাঙে
সেই প্ৰেমে দিয়ে ধ্যানৰ নিবিড়তা ॥



তেত্রিছ

আছে
আজিও আছে
এজাক মৰণ অহা-যোৱা কৰি আছে ॥

কাকিনি তামোলৰ
মাণিকী ঢকুৱা
ঢকুৰ আগতে সৰে
ল'ৰালি কালৰ
লৰালৰিবোৰে
আঁজোৰা-আঁজুৰি কৰে
মোৰ মন ঘূৰি ঘূৰি নাচে ॥

নতুন মাটিৰে
ঘৰৰ মজিয়া
এয়া মচি থৈ গ'ল
গোসাঁই-আগত
মাটিৰ চাকিটি
এতিয়া দিবৰ হ'ল
মোৰ মন ফুৰে পাছে পাছে ॥

বৰৰ তলেদি
অহা-যোৱা কৰে
খিলখিল এধল হাঁহি
জোঁৱাই ধেমেলীয়া
শাহু-আইক শুনাইছে
কৃষ্ণ গোসাঁইৰ বাঁহী
মোৰ মন যে কাষতে আছে ॥

চৌত্রিছ

এডাল দূবৰি বন
তাৰো যেন আছে এটা মন
সিও যেন কয় কাণে কাণে
মোৰ দৰে তোৰো হওক সেউজী জীৱন ॥

নিয়ৰৰ এটি টোপাল
মূৰৰ মুকুট কৰি লৈ থকা দূবৰি এডাল
বিৰাট সূৰ্য্যটো তাতে ক্ষুদ্ৰ হৈ কিয়নো লুকাল
কোনে জানে কি তাৰ পণ ॥

পুৱাৰ মলয়াছাটি আলফুল লাহি
দূবৰিৰ কোঁহে কোঁহে দি যায় হাঁহি
পিৰালিত বহি মই ভাবোঁ মনে মনে
এয়েনে সাধুৰ সাত-সাউদৰ ধন ॥



পঁয়ত্ৰিছ

কিনো এনাজৰী তাৰ কিনো বান্ধোন আছে
গাৰ লগৰ ছাঁ এই মন
ফুৰে পাছে পাছে ॥

শুনিছিলো শুনিছিলো বুকুৰ মিঠা মাত
দেখিছিলো দেখিছিলো বাউল দিয়া হাত
সেয়েহে মন হ'ল ম'ৰা-চৰাই
চালি ধৰি নাচে ॥

আহি পালো ৰঙৰ সভা কি যে বৰণীয়া
হাঁহি পালো হেজাৰ ফুলৰ কিযে জুৰণীয়া
বাঁহী পালো বৃন্দাবনৰ সুৰ যুগমীয়া
কাণে কাণে কথা পালো কিনো অমিয়া
সেয়েহে আজি হিয়াই হিয়াই মাথোঁ হিয়া যাচে ॥

ছয়ত্ৰিছ

আজি এই ৰভাতে
এনে মিলন সভাতে
কাৰ কণ্ঠধ্বনিতে
শঙ্খধ্বনি উঠিছে
মোকে যেন মাতিছে
মন কিয় উৰি উৰি যায়
কবানে কবানে ভাই ॥

এই দেহাৰ সীমা আছে
হৃদয়ৰ সীমা নাই
শৰীৰ বন্ধাৰ জৰী আছে
চেনেহৰ জৰী ক'ত পায়
কবানে কবানে ভাই ॥

এয়া সময় লগ পোৱাৰ
এয়া সময় কথা কোৱাৰ
ইয়াত আছে কেৱল হিয়া
দিয়া আৰু লোৱাৰ
এই লগ্নত যিমান পালো
সিমানে মই ঋণী হলো
যাবৰ পৰত দিওঁ বুলি মোৰ
কিয় আজি একো নাই
কবানে কবানে ভাই ॥



সাতত্ৰিছ

থোক মেলি ধানে আকাশলে' চালে
আকাশে উভতি নাচালে
এবুকু শোকৰ হুমুনিয়াহেৰে
মাটিলৈ মূৰ দোৱাঁলে
মাটিয়ে মোৰ বুলিলে ॥

চকু মুদি মই কলিজালে' চালো
মোৰ আই তাতে আছিলে
মোৰ মই-মত আয়ে ধৰা নাই
আইৰচোন ক্ৰোধ নাছিলে
চকু মেলি চালো থোক জাকৰুৱা
জাক পাতি হালে জালে ॥

ধাননিৰ ছাঁত এটি সৰা পাত
অকলে পৰি আছিলে
বা-মৰলীত পাক খাই খাই
উৰি গ'ল ক'ৰবালে
মই মোলে চালো শিপা ছিগি যেন
আছিলো অকলে অকলে ॥

আঠত্ৰিছ

মৰুভূ আৰু কিমান কান্দিবা
এমুঠি ঘাঁহৰ কাৰণে
তপত শুকান চকুলো কিমান
টুকিবা নিমাতে নিজানে ॥

তোমাৰ নিশাহে কিমান সাগৰ
ঢউবে মুখৰ কৰিলে
তোমাৰ উশাহে কিমান আকাশ
মেঘৰ ৰাগিৰে ঢাকিলে
তোমাৰ বিশাল
হৃদয় কেৱল
আপোন কৰাৰ কাৰণে ॥

তোমাৰ বুকুত সিজু ফুল ফুলে
বেদনাৰ পাৰিজাত
তথাপি মৰুভূ তোমাৰ প্ৰান্তৰ
জ্বলি মৰে কিনো তৃষ্ণাত
আপোন কৰাঁ
আপোন কৰাঁ
মাতিছে সেউজী সপোনে ॥



উনচল্লিছ

গুৰু গুৰু গাজে গুৰু গুৰু
মেঘালী আকাশ বাউলী ॥

কাচোন কাচাঁহে খমখমীয়া
দিয়াঁহে উৰুলি সুৰীয়া
সাজোন সাজাঁহে ধুমখুমীয়া
আজি মেঘৰে মাটিৰে বিয়া
উৰেঁা উৰেঁা মন উৰেঁা উৰেঁা
ৰাখিব নোৱাৰেঁা আঁকোৱালি ॥

গজিব
তপত ধৰাই ঢাকি ৰখা দূবৰি সেউজীয়া গজিব
মৰিব
শুকান মনৰ বুকু পোৰা মৰুৰে হুমুনিয়াহ মৰিব
হুৰ হুৰ হুৰ বৰ্ষা আহিল
বৃষ্টি নামিল বলিয়া
সৃষ্টি হব সৃষ্টি হব সৃষ্টি বিনন্দীয়া
আজি চিত্ত উঠিছে উতলি ॥

যৌৱন আমাৰ সঁচা হয় যদি
প্ৰীত যাউতিযুগীয়া
তৃষ্ণা আমাৰ সঁচা হয় যদি
সৃষ্টিও হব ধুনীয়া
প্ৰণয়-সজল কাজল মেঘৰ
পৃথিৱী আজি দুলালী ॥

ন পানীৰ পলস পৰিছে
নলৰ তল গজালিৰে ভৰিছে
বুঢ়া নলৰ চকুপানী সৰিছে
আয়ৈ
দিন উকলিলে কেনেকৈ থাকিবা
কালে বাট চমু কৰিছে ॥

গজালিয়ে বোলে মোৰ বঢ়া সময় হ'ল
শিপাই বোলে মই তোমাৰ বঢামেই বল
মাটিয়ে তাকে শুনি হুয়োকো কোলালে' আনি
কলে,
বাচাইঁত মোৰ আয়ু লৈ জীয়াঁ
বাচাইঁত ভাল দিন আহিছে ॥

এনেতে পৰিল আমাৰ ডালত
এটি বতৰীয়া কুলি
এনেতে উঠিল পদুলি মুৰত
নাহৰ বকুল ফুলি
এনেতে শুনিলো ঢোলৰ বোলত
গগন-ধ্বনীয়া মাত
নাচনী এজাকে জুম পাতিছেহি
বৰ এজোপাৰ ছাঁত
এনেতে দেখিলো বৰদৈচিলা
মাকৰ ঘৰলৈ আহিছে ॥





চাবলৈ নাপালো খেতিৰ বনুৱা
কেনেকৈ জনালা দুখ
যাবলৈ নাপালো লগৰ লগত
লাজত জঁই পৰে মুখ ॥

দূৰৈৰ পৰ্ব্বতত শুৱনী কাৰেংঘৰ
চৌপাশে ইটাৰ গড়
একেটা পৰ্ব্বতৰ জুপুৰিতে থাকে
ভৈয়ামৰ সহোদৰ
আচল বাটেৰে গলেহে দেখা পায়
আপোনজনৰ মুখ ॥

তুমি যে বনুৱা যুজত আগৰণুৱা
তোমাৰ চিনাকি বাট
তোমাৰ খোজে খোজে দেশ যাব খোজে
যাওঁতে দি যাবা মাত
ৰাতিক দিন কৰি পৰক ঘটি দিছা
নিজে শুকাই আছা ভোকত
এশৰ ৰং কাঢ়ি এজনে হাঁহিছে
এশ পৰি আছে শোকত
উটাই নিবলে' এই দুখ, আজি
ভাঙিছা ভেটাৰ মুখ ॥*

* ৰাজধানী-অভিযাত্ৰী কৃষি-শ্ৰমিকৰ চৰণ-চিহ্নেদি

বিয়াল্লিছ

ইফালে পেটৰ ভাত
সিফালে পেঁপাৰ মাত
দুই গোনা ম'হৰ যুঁজ
মাজতে মৰিছে
বিহুৰে বিৰিণা
বিহুৱা, ঠোৰতে কথাষাৰ বুজ ॥

বিহুৱা কাই
একালৰ হেমাৰ ভাৰ
ভাবিলে কথা তাৰ
আজিনো কি লাভ হব
সেইবোৰ মৰা শ
সাঙীত তুলি ল
চিতাজুয়ে সামৰি থব
নাচাবি অতীজৰ খোজ ॥

ঢুলীয়া ভাই
ঢোলৰ ছেও শুনিছো
কিবা যেন খেও খোৱা নাই
নাচনী বাই
(তোৰ) মুঠিতে লুকোৱা
কঁকালটি শুকোৱা
নামতীৰ মুখৰ মাত নাই
আটায়ে ভেটাৰ গোজ ॥

আমে মলিয়ায় জামু কলিয়ায়
দেখি বিহুৱাই পাঙে
বিহুৱাই নেদেখে বগা ঐৰাৱতে
আশাৰে গজালি ভাঙে।
বিহুৱা, ঐৰাৱতেৰে যুঁজ ॥*

* খগেন মহন্তই বাণীবদ্ধ কৰিছে



তিয়াল্লিছ

উজায়ে চালো হাট ঃ মহঙা
ভটিয়াই চালো হাট ঃ মহঙা
চকু চাই দেখিলো পানী।
বুকুৰে ভিতৰখন জুমি চাই দেখিলো
বিহুৱা নাচনীৰ লানি ॥

ডেকা চাই নাপালো ঃ লহঙা
গাভৰু বেজাৰত ঃ মলঙা
ওঁঠ চাই নাপালো হাঁহি।
বিহুনাম এফাঁকি গাওঁ বুলি আহিলো
বিহুকো কৰিলা বাহী।
নাচনী ঐ তোৰ কঁকালৰ বল কি হল
তই টাকুৰি ঘূৰাদি নুঘূৰ কেলৈ চেনাই ঐ তোক
মৰম কৰিবৰ মন যায় ॥

হেনো তোৰ সাজেপতি আধাপেটী
হেনো তোৰ খোজেপতি লটিঘটি
হেনো তোৰ ঢেকী আছে খুবলি উদি
হেনো তোৰ তাঁতখন আছে চকু মুদি।
তই কেলৈ মনে মাৰি থাক অ' চেনাই
তোক মৰম কৰিবৰ মন যায় ॥

এ' মই বিহুৱা উজনিৰ, এয়া ঢুলীয়া নামনিৰ
বুকুত উচপিচ নাচনীৰ ভেও বাহিৰত নাচনী নাই
তই টাকুৰি ঘূৰাদি নুঘূৰ কেলৈ চেনাই ঐ
তোক মৰম কৰিবৰ মন যায় ॥

পথাৰৰ বিহুজনী মজিয়ালৈ টানি আনি
লগালি ডিঙিত চিপজৰী
চোৰাং বেহানি মেলি চকুত মাৰিলি ধূলি
কেলেইনো আছো নমৰি
তই কেলৈ মনে মনে থাক মোৰ চেনাই ঐ
তোক মৰম কৰিবৰ মন যায় ॥

## চৌৱাল্লিছ

বাঁহৰ কাঠী তুলাই বাঢ়নীটাৰ সাজিলা
হাতৰে সাৰথি কৰি
এইনো ঢল পুৰাতে আগফাল সাৰিছো
কোনে পেলাবহি ভৰি ॥

চোতালখন ফুলেৰে একাঠি হ'ল
চোতালখন পাতেৰে একাঠি হ'ল
চোতালখন ধূলিৰে ধূলিয়ৰী হ'ল
আকাশখন হালধি-গুটি যেন হ'ল
আকাশখন দিখৌৰে মাটি যেন হ'ল
আকাশখন পতুমৰ কোঁহ যেন হ'ল
বিহাখন টঙালি কৰি লৈ
ৰঙালী-বিহুৰ ঠাই সাৰিবৰ হ'ল
জাবৰ পেলনীয়া দলিয়াই দিবৰ হ'ল
বাটচ'ৰাৰ আঁতৰ কৰি ॥

মাকণ ধূলি চাই সাৰিবৰ হ'ল
মাকণ বেলি চাই হাঁহিবৰ হ'ল
মাকণ সাৰ যি পোৱা নাই
সেইবোৰ মানুহৰ
ঘুমটি ভাঙিবৰ হ'ল ।
সমাজখন একাল পতনুৰা হ'ল
সমাজখন একাল উতনুৰা হ'ল
সমাজখন ভুৱাৰে একঁকাল হ'ল
চ'ৰাঘৰৰ আগফাল সাৰিলি
মাকণ ন-বছৰটো জুৰিলি
আজিৰ দেহাৰ একাল
সমাজকো এইফাল সাৰি দে
ন-দিনটো জুৰি দে
আহক দেশৰ সিফাল
মাকণ তইযে পিৰীতিৰ জৰী ॥



## পঁয়চল্লিছ

এতিয়া সময় হ'ল
আগলে' চোৱাৰ
আৰু যে সময় নাই
উভতি যোৱাৰ ॥

বহুতো হাঁহিৰে আৰু বহু কান্দোনেৰে
বহুতো সঁচাৰে আৰু বহু সপোনেৰে
এৰি অহা বাট মোৰ
পায়ো হেৰুওৱাৰ
আজি যে দেখিলোঁ হাঁহি
নতুন পুৱাৰ
নতুন পোৱাৰ ॥

সঙ্গী তোমাৰ দেখিছো ভবিৰ খোজ
সঙ্গী তোমাৰ দেখিছো জীৱন যুঁজ
মোৰো আছে সঙ্গী অঙ্গীকাৰ
যুগৰ বোজাতে থাকি পদুম হোৱাৰ ॥

## চিয়াল্লিছ

বন্ধ আছিল দুৱাৰ খিৰিকীবোৰ
সন্ধ্যা সোমাল কোন বাটে
ইচ্ছা নাছিল শয্যা এৰিবৰ
টানিছেহি মোক কাৰ হাতে ॥

পুৱাৰ কথকী শালিকী কে'জনী
এতিয়া নিমাত হ'ল
ধূলিৰ খলিত গা ধুই থকা
টোকোৰা দুটাও গ'ল
মোৰো শেষ হ'ল নাও বান্ধি ফুৰা
স্বপ্নৰ ঘাটে ঘাটে ॥

এতিয়া তোমাৰ জনাৰণ্য ঘৰ
পোহৰত জিলিকি আছে
বৰণীয়া বহু কথাৰ পোহাৰ
হাঁহিৰ খলকনিত নাচে
মোৰো মন এয়া পকি সৰি আছে
শৰতৰ পাতে পাতে ॥



## সাতচাল্লিছ

উৰুঙা উৰুঙা নেপাওঁ মই সুৰুঙা
নেদেখোঁ বিজুলী তোক
বৰটো ককায়ে জুইৰ গড় মাৰিছে
নেদেখে পিৰীতিৰ ভোক ॥

বহাগৰ ৰঙালী অ' আইকণ বিজুলী
এইনো বিহুতলী অ' আইকণ বিজুলী
উৰে উদভীয়া মনে আইকণ বিজুলী
তয়ে জানো আজলী
জুৰণীয়া মাজুলী
মোৰে জানো সাঁচতীয়া ধন ॥

চকুৰ ভোক মাৰিব অ' আইকণ বিজুলী
পাৰোঁ মই মইনাজান
তোমাৰে মুখলৈ চাই ।
পিৰীতিৰ ভোক মই অ' আইকণ বিজুলী
মাৰিব নোৱাৰোঁ
দেহা খুলি খুলি খায় ॥

তোমাৰ চকুযুৰিত মোৰ সোণটি দেহা ঐ
বুৰ দি সোমায়ে মোৰ সোণটি দেহা ঐ
তোমাৰ দেহাৰ ভিতৰ পালো সোণটি দেহা ঐ
পিৰীতিৰ বেহা ঐ
বৰতীয়া যৌৱনৰ
তুমি জানো সাঁচতীয়া ধন ॥

দেহাৰে ভিতৰখন মোৰ সোণটি দেহা ঐ
কানাইৰে বৃন্দাবন
মনৰ হেপাহ গুচাই চালো ॥ (সিপিঠিত)

স্বামী তোৰে মুখেখনি
শুৱনী তোৰে চকুৰ মণি
আমনি নেলাগে জীৱনটো চাই ॥

আঙুলি সঁজালী সঁজালী
এমুঠি কিনো ঐ কঁকালটি
গঢ়িলে কোনজন গোসাঁয়ে পায় ॥

ঢোলৰে বৰতি ছিগে বাৰেপতি
নেপাওঁ মই বিচাৰি ছেঁক
কঁকাল ভাঙি ভাঙি আছে দাঙি দাঙি
দিছ হৰিণাৰে ডেও ॥

ডেও দি নাচিলে হাবিৰে হৰিণা
গা ভাঙি নাচিলে বন
ঢোলৰে ছেৱতে কিনো বাণ মাৰিলা
তোমাৰ লগত যাবৰে মন ॥

উদয়ৰ গুৰিতে সুহুৰি মাৰিলো
অস্তিত পৰিলে উঁকি
উমান পাই আহিলি চমকত বিজুলী
শোৱনী ঘৰৰে চাকি ॥
মাজনী ইলাহী ঐ
পকা তুল তুল বিলাহী ঐ
পাচিত ভৰাই দিলাহি ঐ
গোটে গোটে গিলিবৰ মন ॥





শিল পাই জপিয়ায় পাহাৰী নিজৰা
থল পাই দলৈ বয়
মন পাই মলিয়ায় ছন পৰা হাঁহি
চিত পাই পখিলা হয় ॥

মেঘ পাই বৰষে বৰতীয়া পানী
ছেগ পাই কোমলে মাটি
লগ পাই বগলী উৰে যোৰে যোৰে
উৰুঙা আকাশখন ছাটি ।
চকু পাই চকুলৈ চাব নোৱাৰিলো
কিনো অচহুৰা ভয় ॥

মন উৰি ফুৰে দিহিঙে দিপাঙে
বহাগৰ শিমলু তুলা
ফু মাৰি নিদিবা গালৈ ঘুৰি আহে
গা পাই বিচাৰে কোলা
মনৰ চাৰিকাষে গড় নামাৰিবা
মন বনজুই হয় ॥

## উনপঞ্চাছ

খৰাং বতৰ তৰাং পানী
শৰৎ কালৰ নৈ
তুলুং ভুতুং নাও আমাৰ
পাল নাই, নাই চৈ ॥
বান্ধৈ

ফৰিং ফুটা জোনাক ৰাতি
মন ফৰকাল
কিহৰ জাৰ বা বেজাৰ কিহৰ
জাকেই পাহুৰাল
গা ৰাই-জাই এই পূৰ্ণিমা
থাকোঁ কেনেকৈ ॥
বান্ধৈ

চকুৰ আগত লৰে চৰে
কদমৰে পাত
বুকুৰ মাজত বাজে কানুৰ
মোহন বেণুৰ মাত
অ' দিন-যেন-ৰাতি! থাক তই
সদায় ৰাতি হৈ ॥
বান্ধৈ



## পঞ্চাছ

হোমৰ জুই ধৰিলে
ধোঁৱাই চকুত ধৰিছে
ঘিঁউ দিব নেজানে
জোঁৱাই লাজত পৰিছে ॥

কালি অধিবাস কৰি
কাৰ ব্ৰত ধৰিলা
ৰভা-তল ৰিঙা দেখোন
বনবাসত পৰিলা
শৰাই ভৰা তামোল-পাণ
আগ বঢ়াই মাতিছে
সম্প্ৰদানৰ সময় হ'ল
কিনো জানো কৰিছে ॥

পুৰোহিতে বিধি মাতে কাণত জানো সোমায়
জীৱন-বিধি যাৰ মুখত তেওঁ ওৰণিতে লুকায়
আকাশৰ তৰা সাখী, সাখী হোমৰ জুই
মানীক সেৱা কৰা মাটি কপালেৰে ছুই
ফেঁহুজালি দিলে শুনা
উষা ওলাই আহিছে
দ্বাৰাকাৰ দুৱাৰ মেলি
অনিৰুদ্ধই হাঁহিছে
আয়তী উৰুলি দিয়াঁ
উষাই মালা পিন্ধাইছে
অনিৰুদ্ধক গতাই সখী
চিত্ৰলেখী লুকাইছে ॥*

---

* কুমাৰী অৰ্চ্চনা দাসে বাণীৱদ্ধ কৰিছে

এৰি থৈ যাক আহিলো আঁতৰি
তাৰ যে তুলনা নাই
তোমাৰ প্ৰেমেৰে বান্ধিলা যদিও
মনে ঘূৰি ঘূৰি চায় ॥

তোমাৰ চকুত শাওণৰ ঢল
তোমাৰ বাহুত ব'হাগৰ বল
মোৰ সপোনৰ তুমিয়ে দিঠক
তথাপি, তথাপি হায়
ঘন-জীৱনৰ সুৰুঙা বিচাৰি
কোনে জুমি জুমি চায় ॥

ৰুদ্ধ নিশাৰ আৰাধনা তুমি
মুক্ত উষাৰ হাঁহি
অপূৰ্ণতা মোৰ পূৰ্ণ কৰিলা
তুমিয়ে প্ৰথমে আহি
তথাপিতো যদি অজানিতে মোৰ
দুচকু সেমেকি যায়
মন নেভাঙিবা, অশ্ৰু নহয়,
সি যে নাড়ী, সি যে আই ॥





আজিহে গলাগৈ এৰি
ছিঙি এনাজৰী
আইৰে আঁচলৰ অমিয়া
ক'তেনো থাকিলে পৰি ॥

ছিঙিব খুজিছো নিছিগে
কিনো বান্ধোনে বান্ধিছে
ৰাখিব নোৱাৰোঁ ধৰি
হায়
কিনো মায়া জৰী ॥

উভতি নাচাবা আই অ'
জানো বিঘিনিয়ে পায় অ'
নিজেই তুলিছিলো আই অ'
নিজেই তুলি দিলো আই অ'
ঘৰ ৰিঙা কৰি বুকু সুদা কৰি
যাবাগৈ আজি আঁতৰি ॥

আশীৰ্ব্বাদ কৰিছো আই অ'
দিন যেন কুশলে যায় অ'
হোৱাঁ যেন হৰৰে গৌৰী ॥

এই ৰেল চলে ভাটীফালে
মোৰ মন বলে' উজনিলে'
মই আহিলো এৰি অ' মোৰ পোণাটোক
অকলে অকলে ॥

মোৰ এটি ফুলৰ কলি
মোৰ জীৱনৰ এটি গান
জান জানো তই তোক এৰি থৈ
তোৰেই গান গাম
অকলে অকলে ॥

পাৰ হৈ মই আহি আছো
নিজান ঘৰবোৰ
তাতো যেন শুনিছো
উচুপনি তোৰ
অনেক নাঙঠ শিশু ওচৰলে' আহি
চকু মচি মচি কয়
"তুমি কোন মাহী
এটা পইচা দিয়াঁ"
সিহঁতৰ মাকৰ কি হ'ল
মনত নপৰেনে সিহঁতলে' ॥

মই উভতি আহিমগৈ     নাকান্দিবি
তই মোৰেই ছাঁ     নাকান্দিবি
আপোন হৈও নাপাওঁ
কিয় মন যায় পাবলে' ॥





এই প্ৰথম মই সেউজীয়া ধুনীয়া
অসমলে' আহিলো
লুইতৰে ৰূপতে চেনাই ঐ
বিস্ময় মানিলো
পাহাৰৰে ৰূপতে মজিলো
মানুহৰ মৰমতে পমি গলো
এই অসমৰ অধিবাসীলৈ, মই
আজেৰবাইজানৰ চালাম জনালো ॥*

* সুবিখ্যাত কণ্ঠ গায়ক ৰছিদ বেইবুতভক তেওঁৰ ভাৱ আৰু সুৰত ৰচনা কৰি দিয়া গীত

পাঁচপান্ন

আজেৰবাইজান
ৰমক-জমক
ফুলেৰে ভৰা
প্ৰেমেৰে গঢ়া
আজেৰবাইজান ॥

চকু-জুৰোৱা
গাভৰুৰে জাক
য'ত আছে সেয়ে
আজেৰবাইজান ॥

গানৰ কলিত
প্ৰাণৰ ছন্দ
য'ত জাগে সেয়ে
আজেৰবাইজান ॥

ৰূপহী অসম
তোমাৰ লগত
এক হ'ল আজি
আজেৰবাইজান ॥*

* ৰুছিয়াৰ সুবিখ্যাত গায়ক ৰছিদ বেইবুতভক তেওঁৰ ভাৱ আৰু সুৰত ৰচি দিয়া গীত



ছাপান্ন

কেনেবা কেনেবা লাগে
এই ফাগুনৰ এনে দিনতেই
মনৰ ডেউকা ভাগে ॥

এই সমাজৰ শিল জগ'দ্দল
আমাৰ পিঠিতে পৰে
দুঃশাসনৰ হৰণৰ হাতে
জীৱন উদং কৰে
অস্থিৰ হায় ক্লীৱ যুধিষ্ঠিৰ
বনৰ আশ্ৰয় মাগে ॥

ফাগুন ফাগুন
তথাপিতো তুমি ইমান উৰুলিপুঙা
ঘন জীৱনৰ মাজতে কিয়নো
এৰিলা এই সুৰুঙা
মন হ'ল মোৰ দুৰণিৰ বিং
কেৱল উৰুঙা উৰুঙা
তুমিতো নাজানা চাগে' ॥

সাতাৰন্ন

পদূলি মুখত ৰব লাগে কিয়
চ'ৰাৰ দুৱাৰ মেলা ॥

তোমাৰ মনৰ উগুল-থুগুল
বিচাৰি জানোবা হয় কিবা ভুল
হওকচোন আজিলে' এনেয়ে আহি
এনেয়ে যেনিবা গ'লা ॥

তোমাৰ পৰম আপোন কথাৰ
খবৰ নেলাগে কব
যোৱাৰ বাটৰ মৰম অকণ
এনেয়ে ললেই হব
শেষ নোপোৱাৰ আগতে এবাৰ
এনেয়ে যেনিবা ৰ'লা ॥



আঠাৰন্ন

এনে এটি গধূলিতে
মোৰ পঁজাৰ পদূলিতে
তুমি দিয়া চাকিগছি
আজিও জ্বলিয়ে' আছে ॥

আজিও ৰিণিকি দেখি
লগ হেৰোৱা বগ পখী
উচুপি অকলশৰে
তোমাৰে চকুলো মচে ॥

তয়ো জানো কান্দিছ এই কানি-মুনি
মোৰ পিৰালিৰ আমন-জিমন অ' মানি-মুনি
তয়ো জানো কাণ দিছ
দূৰ অতীতলে'
যাৰ সাক্ষী চাকিগছি
আজি মাথোঁ জ্বলে
মোক দেখি যাৰ শিখা নাচে ॥

তোমাৰ কাৰণে মোৰ
শেষ হ'ল বাট চোৱা
যোৱাৰ সময়ে আহি
ক'লে, "মোৰ লগ লোৱাঁ"॥

ৰাতিয়ে সাধনা কৰি
বেলিক যেতিয়া পায়
বেলিৰ বুকুত সি যে
নিজেই হেৰাই যায়॥
ই যে নিজকেই হেৰুৱাই পোৱা ॥

তুমিও হেৰাই যাবা
যোৱাৰ বাটত মোৰ
বাট হব মোৰ লগ
য'ত আছে মাথোঁ দূৰ
য'ত আছে মাথোঁ যোৱা॥





আহিবা
আকৌ এদিন আহিবা
আজি যে নহল গান শুনা শেষ মোৰ॥

জীৱনৰ মোৰ উঠা নমাবোৰ
তুমিতো নাজানা একো
তুমি দিলা যি কণ্ঠৰ সুৰ
সি মোৰ স্মৃতিৰ সাঁকো
নাভাঙিবা বান্ধ নাভাঙিবা॥

নালাগে জানিব সি যে মোৰ পৰম আপোন কথা
নালাগে শুনিব সি যে মোৰ, সি মোৰেই গোপন বেথা

তুমি দিয়া মাথোঁ সুৰ, মোক সুৰ
তাৰ কঁপনিখিনি
মোৰ সোঁৱৰণি
নিছিঙিবা বান্ধ নিছিঙিবা॥

## এষষ্ঠি

আহিন যদি আহিল আজি
হাঁহি নাহিল কিয়
প্ৰেম যদি আহিল আজি
কিয় নাহিল প্ৰিয় ॥

দূৰ আকাশৰ মেঘৰ ৰং
পাতল কমোৱা তুলা
তোমাৰ মন আকাশত কাৰ
মনৰ আঁচল মেলা
কাৰ বাবে এই বাট চোৱা
কাৰ বাবে কোৱাঁ প্ৰিয় ॥

জুৰ বতাহৰ ফুল কোমল
আঙ্ুলি বুলনি লাগি
শৰতে যদি পায় আজি
বহাগী হাঁহিৰ বাগি
পাব পাৰে মোৰ হৃদয়ে
তোমাৰ হৃদয় প্ৰিয় ॥



## বাষষ্ঠি

আঁউসী ৰাতিৰ তৰাৰ জ্যোতিৰ দৰে
মোৰ গোপন বেথাৰ আকাশ পোহৰ কৰে
কাৰ মোহন ৰূপৰ শিখাই
কব কোনে ॥

নিজম বনৰ এপাহ আজলী ফুলে
মৃদু-মলয়াক কিমান সুবাস দিলে
মলয়াই জানো জানে
আমন-জিমন মনৰ মৰহা বনে
মধু-বসন্তৰ অনাগত দিন গণে
বসন্তই জানো জানে
কব কোনে ॥

গধুৰ বুকুৰ তপত নিশাহে যদি
মধুৰ কৰিব পাৰে পাষাণ মন
চকুলোৱে জানো পাৰে
মৰুৰ বুকুৰ তপত নিশাহে যদি
লৰায় দূৰৰ সেউজী ৰূপহী বন
চকুলোৱে জানো পাৰে
কব কোনে ॥

## ত্ৰেষষ্ঠি

আকৌ এবাৰ লগ পাওঁ যদি
কিমান লাগিব ভাল
তোমাৰ কাষৰ এপলক মোৰ
হব পাৰে চিৰকাল ॥

নিজে ধৰা দিছে ঢাকি নাৰাখিবা
হওক চকুৰ টোপাল
তাতে আছে মোৰ পোৱাখিনি, আৰু
তোমাৰ যিখিনি হেৰাল ॥

এটি সন্ধ্যা সুন্দৰ কৰা
এপাহ গধূলিগোপাল
ৰাতিপুৱাৰ শূন্য হিয়াত
হব পাৰে চিৰকাল ॥



## চৌষষ্ঠি

শেষ হওক এই অকলে অকলে থকা
শেষ হওক এই চকুৰ অশ্ৰু
ওঠৰ হাঁহিৰে ঢকা ॥

থৈ গলো মই তোমাৰ কাৰণে
মদাৰৰ ৰঙা হাঁহি
থৈ গলো মই তোমাৰ কাৰণে
কেতেকী ফুলৰ পাহি
থৈ গলো মই মেঘৰ মাজত
বিজুলীৰ চকামকা ॥

গন্ধ বিৰিণা
যদি বতাহত লৰে
ৰাতিপুৱা যদি
কোমল শেৱালি সৰে
জুৰ আবেলিৰ আমনিয়ে যদি
মন ৰিঙা ৰিঙা কৰে
বুজিবা তাতেই মোৰ ছবি আছে আঁকা ॥

পঁয়ষষ্ঠি

এই মালাধাৰ
নাজানো যে কাৰ
এই মালাধাৰ ॥

মোৰ কাৰণেতো কোনো দিনে কেঁৰে
থোৱা নাই কোনো ফুল
মোৰ জীৱনলে' কোনো ফাগুনেতো
কৰা নাই বাট ভুল
মোৰ কাৰণেতো সঁচা নাই কেঁৰে
সুৰদি মাত এষাৰ ॥

মোৰ বাবে নাই ফুলৰ উছৱ
নাই মোৰ মধুবন
জীৱনৰ হাঁহি নৈ হৈ বয়
মই তাৰে এৰা সুঁতি
কোনো শাওণৰ ঢলৰ চুমাত
ৰূপ যাৰ নুঠে ফুটি
তাৰ বাবে এই ৰূপৰ পোহাৰ
মাথোঁ খেল ছলনাৰ ॥



ছয়ষষ্ঠি

মিচিক্-মাচাক্ হাঁহাঁ কিয়
বেতন বঢ়া নাই
যদিওবা জানো তোমাৰ
শাৰী ক'ত পায়, কলিজা!
আজি উপায় নাই ॥

দুপৰীয়া ৰান্ধিছিলা
ডালি, ভাজি, ভাত
এতিয়া ৰান্ধাগে' তেনে
ভাজি, ডালি, ভাত
ভাত, ডালি, ভাজি ৰান্ধিবা
কাইলৈ সলাই, কলিজা!
আটাওতো নাই ॥

মেল মিটিঙত বাণী আছে
অফিচ কাছাৰীত হামি
ঘৰ সোমালে গৃহ-যুদ্ধ
জানা, অন্তৰ্য্যামী!
অ' কলিজা মোৰ!
বাঘ চাব খোজোঁ যদি
মেকুৰীকে চাবা
দামী সাজ লাগে যদি
স্বামীৰ গালে' চাবা
তথাপিও মোৰে শপত
নেহাঁহিবা মিচিকাই
কলিজা ক'ল পৰি যায় ॥*

* নলিনী চৌধুৰীয়ে বাণীবদ্ধ কৰিছে

## সাতষষ্ঠি

কোৱঁা লক্ষ্মণ কোৱঁা কোৱঁা মোক আজি
কাৰ বাবে এই চকুপানী
আজিতো সকলো শেষ হৈ গল
সীতা আই স্বামীত্যাগিনী ॥

তোমাৰ যৌৱনে বনে বনে মাথোঁ
খেদিলে সোণৰ হৰিণী
যাক নেখেদিলা যাক নেদেখিলা
সেই প্ৰেম কোন বনবাসিনী ॥

বাহিৰ-বনত খেদিলা লক্ষ্মণ
মৃগ-তৃষ্ণাৰ মায়া
আজি হৃদয়-বনত এবাৰ মাথোন
নিজকে বিচাৰি চোৱাঁ

আছে জানো তাতে তোমাৰ ধ্যানতে
উৰ্ম্মিলা উপবাসিনী
যাৰ অন্তৰৰ অনন্ত প্ৰেমৰ
নুশুনিলে কেঁৱে কোনো কাহিনী ॥*

* কুমাৰী অৰ্চ্চনা দাসে বাণীবদ্ধ কৰিছে



## আঠষষ্ঠি

চকু জুৰায় ৰূপে যাৰ, সি
মন জুৰাব পাৰে নে
পুৰিলে যি পুৰি যায়, সি
সোণ হব পাৰে নে
সেইযাৰ কথাহে মোক লাগে ॥

ঘৰত জুই লাগিলে যি
বাগি মাৰি সাৰে
জুই নুমালে চল চাই সিয়ে
ছাইতে পানী মাৰে
বেজাৰত তাৰহে বুকু ভাগে ॥

গছৰ শিপাৰ কাঢ়ি তেজ-মঙহ
পাবত-গজা বাঢ়ি দলহ-দপহ
দেখোঁ শিপাকে জোকায়
নৈৰ মাজুলী দেহি চকু চমকায়
পাহাৰ ঢাকিব খুজি নিজে ঢাক খায়
দেখোঁ গমকে নাপায়
সজাৰে সঁচাক সজালে
সাজ নিভাজ হয় নে
সুৰৰ ফাঁকিৰে কথা ঢাকিলে
ভাবৰ অভাব হয় যে
সেইযাৰ কথাহে মোক লাগে ॥*

* খগেন মহন্তই বাণীবদ্ধ কৰিছে

উনসত্তৰ

কাৰ ঘৰৰ পাটনাদ আছিল
কাৰ ঘৰৰ জৰী
কেনেকৈ যে ললা আইদেউ
তোমাৰ নিজা কৰি
আইদেউ, পৰৰ ঘৰৰ জৰী ॥

লোকৰ শালৰ পাটৰ চাদৰ
লোকে বছা ফুল
তুমি বোৱা দোলাই বুলি
বোৱাঁ জয়ঢোল
আইদেউ, লাজতে যাওঁ মই মৰি
আইদেউ, পৰৰ ঘৰৰ জৰী

এটা কথা শুনা আইদেউ
মাধৱদেৱৰ কথা ঃ
'তোমাক মই ভাঙো মোক তুমি ভাঙা এ
চৈধ্যয় সাক্ষীক ভাঙিবা কোন উপায়'
সাক্ষী আছে মাটিৰ কোলাত
মানুহ ৰূপ ধৰি
আইদেউ, চাবা আক' চিন্তা কৰি
আইদেউ, পৰৰ ঘৰৰ জৰী ॥



সত্তৰ

সজা কথাৰ ঠেং চুটি
পানীৰ তলৰ জেং
সঁচাৰ খোজত যাব নোৱাৰি
ঘনাই মাৰে লেং ॥

ম'ৰা পাখিৰ ফান খুৱাই ঘনচিৰিকাই
ৰচক-পচক পেখম ধৰি পাকত পাকত চায়
ৰাজহাঁহে ডিঙি পেলাই হাঁহে মিচিকাই
বোলে, কাজিৰঙাত বেজী হেৰাল
যাবলৈ লাগে পেং ॥

কথাই কথাই কথা বাঢ়ে
খৰিকাত বাঢ়ে কাণ
সঁচৰ পৰাই শইছ বাঢ়ে
কথাতে জাবান
বোলে, জাবান দিয়েই দশৰথে লগালে কেজেং ॥

ভাঁজ দিলেই ভঁজুৱা পোনালেই পোন
জিক্ মিক্ জিক্ মিক্ পিতলেই সোণ
বোলে, আইৰ সমান হব কোন
নৈৰ সমান ব'ব কোন
ভোক লাগিলেই সাপে গিলিবই বেং ॥*

* কণ কণ লৰাছোৱালীৰ কাৰণে

এসন্তৰ

বৰষুণৰ বতৰত মইনা নুঠে মটৰত
পিছল বাটত সুচল লাগি
ধুপুচ ধুপুচ পৰে মইনা ধুপুচ ধুপুচ পৰে
মইনাৰে মনটো বৰদৈচিলা হৈ
মেঘলৈ উৰা মাৰে ॥

পছিমৰপৰা পূবলৈ
মেঘ ঠেলি ঘৰঘৰকৈ
মইনাইহে পৃথিৱীত বৰষুণজাক কৰে ॥

বোকাত চোলা লেটি-পেটি
পেনৰ পেটী নাই
জোতাৰ ফিতা পানীত তিতা
মোজাৰ গতি নাই
বোলেঁ। লগো দেখোন নাই
মইনা খেলিবানো কাৰে ॥

অ' !
আজি হেনো মইনাৰ লগৰ নাই দৰকাৰ
হুৰ্ হুৰ্ হুৰ্ বৰষুণ আছে
হুম্ হুম্ হুম্ বতাহ
আৰু আছে গাজনিৰ কাণ-তাল-মৰা আটাহ
চমক্ চমক্ বিজুলীৰ
আছে আগজাননী
মইনাই উমলিব তাৰে ॥*

---

খগেন মহন্তই বাণীবদ্ধ কৰিছে



বাসন্তৰ

এতিয়া ভৰা ঘুমটি
আৰু
আকাশত ক্লান্ত এজাক ৰাতি ॥

মই সাৰে আছো
আৰু সাৰে আছে
পৃথিৱীৰ কেচা মাটি
মোৰ দুচকুৰ মণিত জ্বলিছে
অন্ধকাৰৰ বস্তি ॥

বন্ধু, ইযে বন্ধুৰ-পথ
তুমি এৰি গলা খেদ নাই
বন্ধু, ইযে জীৱনৰ ৰথ
মৃত্যু গচকি যায়, মাথোঁ যায়

মই যে দেখিছো
দূৰ-দূৰণিত
ৰিণিকি ৰিণিকি
চকুৰ মণিত
ডোকমোকালিৰ জ্যোতি ॥

ত্ৰেসত্তৰ

সুৰাগমণি, সুৰাগমণি, তোমাৰ মান শুৱনী কোন
তুমি জানো শৰৎকালৰ পূৰ্ণিমাৰ শুৱনী জোন।
এইপিনে গৈছিলা জানো, খোজত মৰি আছে বন
ঘূৰি ঘূৰি চাইছিলা জানো, কেনেবা কৰিছে মন ॥

সাজে কি শুৱাব তুমি সাজতকৈও শুৱনী
মনে কি মুহিব তোমাক তুমি মনৰ মোহিনী
সুৰাগমণি, সুৰাগমণি, তোমাৰ কিনো চাৱনি
বুকু ডেই-পুৰি মৰোঁ নিশা নাহে টোপনি।
তোমাক চালে মোক দেখোঁ
তুমি জানো মোৰ দাপোণ
মন মেলি নাপাওঁ তোমাক
তেও তুমি মোৰ আপোন ॥



চৌসত্তৰ

আজি তুমি চাগে'
দেখিছা মোৰ সপোন
আজি বাৰিষাৰ প্ৰথম বৰষুণ ॥

আজিতো নহয় ইমান অকলে
আঁতৰি থকাৰ দিন
আজিতো নহয় ইমান গোপনে
চকুলো টোকাৰ দিন
আজি দিন আছিল মিলাই চোৱাৰ
সুৰগা আৰু সোণ ॥

দক্ষিণাৱৰীয়ে সুহুৰি মাৰি গ'ল আজিও
বাঁহপাতখিলা সৰি উৰি গ'ল আজিও
আজিহে দেখিলো তোমাৰ মৌন
চকুৰ আকুল আশা
আজিহে দেখিলো তোমাৰ ওঠত
নুফুটা বুকুৰ আশা
আজি কব মই পাৰিলোহেঁতেন
তুমি মোৰ কোন ॥

বীণৰে তাঁৰগছ লৰে কি চৰে
জোনাকী আই মোৰ আগতে পৰে ॥

শিলৰ খুটা পুতি বৰঘৰ উভিলা
ওখকৈ বান্ধিলা ভেটি
গছ-বন কাটি ন-মাটি ভাঙিলা
কৰিলা হেঁপাহৰ খেতি
তথাপি কালৰ বান বাৰ-খৰে
ঘনাই আমনি কৰে ॥

এতিয়াও শুনি দূৰণিৰ পুৰণি সুৰীয়া বাঁহীৰ সুৰ
এতিয়াও দুপৰীয়া ব'ৰাগীৰ বীণে হিয়া পেলাই জুৰ
তুমি কাটি যোৱা সমুখৰ বাট
সিয়েই আমাৰ সাহ
মনৰ জয়-সাগৰ জুৰি ফুলিছে
তোমাৰ পদুমপাহ
তথাপি নতুন প্ৰাণৰ চকুত
কিহে অগা-ডেৰা কৰে ॥*

* লক্ষ্মীনাথ বেজবৰুৱা জন্ম-শতবাৰ্ষিকী উপলক্ষে ৰচিত





নমস্কাৰ
হে অপাৰ,
হে অতল অন্তৰ
হে চমৎকাৰ ॥

মই যে পানীৰ অকণি কণিকা
সাগৰ গঢ়োঁ
সাগৰতে লীন গৈ মৰোঁ,
মই যে তোমাতে থাকোঁ
তোমাৰ নাপাওঁ পাৰ ॥ হে চমৎকাৰ ॥

ৰুদ্ৰ তুমি ছন্দে ছন্দে দুৰ্ব্বাৰ
ক্ষুদ্ৰ মই অঙ্গে অঙ্গে তোমাৰ
ঢৌৰ অনন্ত দোলনিত
আছো মই
পানীগছাৰ জ'টাৰ ফণাত
নাচোঁ মই
যি জোৱাৰ উন্মাদিনী প্ৰেমেৰে পূৰ্ণিমাৰ
তাৰ বুকুতে প্ৰেম-বিহ্বলা মই
তথাপি হে সাগৰ, হে অন্তৰ,
তোমাৰ ৰূপত নেদেখোঁ মোৰ আকাৰ ॥ হে চমৎকাৰ ॥

## সাতসত্তৰ

এতিয়া কুঁৱলী
যেন তোমাৰ চকুলো
ঢাকি আছে মোৰ বাট ॥

অলপ পিছতে ৰ'দৰ তাপত
কুঁৱলী আঁতৰি যাব
মুকলি আকাশে মাটিৰ বুকুত
নিজকে ঘূৰাই পাব
ওলাব বাটৰ আঁত ॥

তোমাৰ চকুৰ কুঁৱলী আঁতৰি গলে
মুকলি হব মোৰ বাট
এই বাটেদিয়ে সজাল যৌৱন
সাজি-কাচি গুচি যায়
এই বাটেদিয়ে তেজাল সপোনে
মোলে' ঘূৰি ঘূৰি চায়
দি যায় মোক মাত ॥



## অঠসত্তৰ

মন-ফুলনি জঁই পৰিলে
যাৰ মুখলে' চাওঁ
সেইজনকে চিৰজীৱন
কাষতে যেন পাওঁ
যেন জীৱন জুৰি পাওঁ ॥

খলা-বমা বাটৰ মাজত
থৰক-বৰক লাগে যদি
মোৰ আগে আগে তোমাৰ খোজৰ
চিন দেখা পাওঁ ॥
যেন জীৱন জুৰি পাওঁ

শিলনিত ডেও দি দি অহা
নিজৰাৰ দৰে তুমি আহা
তোমাৰ এই অহাৰ ছেৱে ছেৱে
থৌকি-বাথৌ মন উথলে
জাগে হেঁপাহ জাগে সপোন
হাত মেলি যেন তোমাক পাওঁ ॥
যেন জীৱন জুৰি পাওঁ

## উনাশী

ইজাক সিজাক ইজাক সিজাক
জাক জাক বৰষুণ
অকাই পকাই ধুমুহা মাৰিছে
থাক থাক ঘৰতে, সোণ ॥

কাম নো কাৰ নাই
জীৱনটো দেখোন দেহা তোৰ কৰিলি পানী
আজি যেনিবা ঘৰতে থাকিলি
কাৰ কিনো হব হানি
বহুদিন তোক লগ পোৱা নাই
আজি অলপ বহচোন ॥

গুমগুমাই গাজিলে বাঘ-যেন ডাৱৰে
ডুমডুমাই বাজিলে ঢোল
ৰমৰমাই পুৰিছে বুকুৰ মাজখিনি
কঁপিছে চেনেহৰ ডোল
আজিৰমান দিনটো নেপাবি চেনাই ঐ
আজি মানুহৰ বিহু
চ'ৰাঘৰৰ মজিয়া ভালকৈ আঁতাই ল
ভিতৰতে পাতোঁ বিহু
মন উফৰিলে কিহে বাধা দিব
মনৰমান আছেনো কোন ॥



## আশী

বুকু নালাগিলে
মন থাকে শুই
বতাহ নালাগিলে নজলে তুঁহ-জুই ॥

বহাগ নাহিলে
নেমেলে নতুন পাত
ঢোলৰ ছেও নপৰিলে
নোলায় বিহুৰ জাত
পিৰীতিয়ে নুছুলে হিয়া
কিহে যাব ছুই ॥

নাহৰৰ ফুলে ফুলে ফুলিল কাৰ হাঁহি
মৰহা মনত কোনে জীপ দিলে আহি
আজি সাৰ পালে
সেন্দুৰী বাটে
আজি সাৰ পালে
মৰা নৈৰ ঘাটে
আজি বাৰু কোৰা কোন
থাকিব পাৰে শুই ॥

ইয়াত গাভৰু আছে নে
সিহঁতে বিহু নাচে নে
পেৰাৰ তলিত সিহঁতে বাৰু
ধনলৈ গামোচা সাঁচে নে ॥

নেলাগে যাবলৈ হুঁচৰি গাবলৈ
সৰ্গদেউৰ পদূলি-মুখত
ককাই তই ঢুলীয়া কিয় হবি ঢুলীয়া
দোলা ববি কিহৰ দুখত
ৰাইজৰ বিহুতলি উদুলি-মুদুলি
তোৰো মন পিছলা নাই নে ॥

চকুৰে চকুৰে চাবৰ মন যায় চাগে'
বুকুৰ আপোনজনক পাবৰ মন যায় চাগে'
দিখৌৰ পাৰ দূৰণি দিখৌৰ পাৰ পুৰণি
ন বিহুতলিখন চা
শদিয়া ধুবুৰী খাইছে উবুৰি
নতুনৰ উঠিছে গা
ৰাইজে লগ লাগি লগ-বিহু পাতিছে
তোৰো গা উতলা নাই নে ॥





শালিকী ঐ, অবুজন চৰাইজনী
তৰা তাঁতত পৰি
কেলেই ছিঙিলিহি সূতা
মোৰ বুকুৰ হেঁপাহখিনিত
আউল লগাই গলি অ' শালিকীজনী
নিজৰ বাহলৈ কঢ়িয়ালি কূটা ॥

শালিকীজনী ঐ
চোতালত চাইছ কি
পুৰতী-নিশাতে উঠি সাৰি থৈছো
ৰাতিটো টোপনি খতি
আজিযে আহিব, অ' শালিকীজনী,
আজিয়ে অহাৰ কথা ॥

ডালৰ চৰাইজনী ডালত নপৰগে' কেলে'
আমনি নকৰ মোক, মই থাকোঁ অকলে
দিখৌ নৈৰ পাৰৰে দেওলগা শিমলু
ৰিঙা ৰিঙা ৰাঙলী ফুল
তাৰে কোমল কোঁহে কেলেই মন মোহে
তাৰ জানো পাৱ মোল
যাচোন তালৈকে অ' পাখিলগা চৰাইটো
বুজি আহ মানুহৰ বেথা ॥

মই আগেয়ে দেখা নাই ॥

এজনা উঠন ছোৱালী
তাই জোৱাৰৰ গান গাই যায় ঃ
যেন এটা নতুন ডোকমোকালি
ৰাতি ফালি আহিছে ওলাই ॥

মুখত তাইৰ ক্ষমা আৰু খং
চকুত তাইৰ ৰেখা আৰু ৰং
চুলিত তাইৰ চেনেহ আছে বৈ
বুকু তাইৰ ভৰ বাৰিষাৰ নৈ
মই ৰ লাগি আছিলো চাই ॥

দেখোন আপোন আপোন লাগে
তাই মোৰেই কোনোবা চাগে'
তাই সৌৱা যায় আগে আগে
মোৰ লাজ ভাগে, ভয় ভাগে
মোৰ মৰহা মনত আশা জাগে
তাই সৌৱা যায় আগে আগে
তাই জোৱাৰৰ গান গাই যায় ॥





তোমাৰ জীৱনেৰে
তোমাৰে প্ৰেমেৰে
তোমাকে ধিয়াই
আছো মোৰ আই
তোমাৰ চকুলোৰে
তোমাৰে হাঁহিৰে
তোমালৈকে চাই
আছো মোৰ আই ॥

ডোকমোকালিতে
মোক কোনে মাতে
কোনে লাহী আঙ্ লি বুলায়
মোৰ সপোনতে
মোৰ দিঠকতে
সি যে তুমি, তুমি মোৰ আই
এই ধন সাঁচতীয়া
এই মন আছুতীয়া
এই ৰূপৰ তুলনা নাই ॥

নোৱাৰোঁ নোৱাৰোঁ চাব মই নোৱাৰোঁ
তোমাৰ করুণ মুখ
কিয় ধাৰাসাৰে
চকুলো বাগৰে
কোৱাঁ কোৱাঁ কোৱাঁ মোক আই
মোৰ ভকতিৰে
মোৰ শকতিৰে
তোমাৰ মুখলৈ'কে আছো চাই
এই মন আলসুৱা
মৰমৰ আকলুৱা
দিয়াঁ আই চৰণত ঠাই ॥

এখন দেশত এক
ৰজা আছিল
লঘু দোষতে গুৰু
দণ্ড দিছিল
সেই ৰজাৰ শেষ দশা
জানে আইতাই ॥

চকু কঢ়া আঠু কঢ়া
নিতে ঘটিছিল
নচঁচা শূলত তুলি
ৰং চাইছিল
হাউচত মাৰিছিল প্ৰজা
হাঁতীৰে গচকাই ॥

এশ গৰু মাৰিলে বোলে বাঘৰো মৰণ
পালেঁ তাৰ অতপালিত জানা ৰাজভগন

ভয় থাকে মনে মনে
খিৰিক্ কৰিলেই জাগে
সাহ থাকে জনে জনে
গোট খুৱাব লাগে
পাহুৱাল চকুৱাল
বুজন এজনাই
কথাযাৰ বুজি-বাজি
ৰাইজ গোটাই
কেনেকৈ ভাঙিলে ৰজা
জানে আইতাই
সুধি চাইছানে নাই ॥





মই যেন এটা বাটৰুৱা
যোৱাই জীৱন যাৰ
য'ত বাট শেষ তাতেই আকৌ
জোৰণি হয় যোৱাৰ ॥

পাৰ হৈ মই অহাখিনি মোৰ
আগলে' যোৱাৰ বল
আগলে' যাবলে' বাকী থকাখিনি
এতিয়াৰ সম্বল
শেষ নাই এই যাত্ৰাৰ ॥

মোক হেৰাই যাবলে' লাগে
মোক হেৰুৱাই পাবলে' লাগে
নদী যেনেকৈ সাগৰত পৰি
নিজেই হেৰাই যায়
মৰমে যেনেকৈ হৃদয়েৰে মিলি
নিজকে হেৰুৱাই পায়
মই সপোন দেখোঁ তাৰ ॥

মই এটা হাঁহি দেখিছিলো
যাৰ মাজত আছিল কান্দোন ॥

যেন বহুদিন আঁতৰত থাকি
ঘৰলৈ উভতি আহিছো
মোক পাই আয়ে সাৱটি ধৰিছে
মই আইক পাই কান্দিছো
হিয়াৰ ই কি মুক্তি
যাৰ মাজত পালোঁ বান্ধোন ॥

যি নদী সাগৰ মুখে যায় নাচি-বাগি
সাগৰ পাই সেই নদীৰ যায় নে হিয়া ভাগি
যি হাঁহিত চকুলো আছে
তাতে মোৰ মৰমে নাচে
সেই হাঁহিত মই তল যাওঁ
তলিৰ বেদনাত মই মোক পাওঁ
মনৰ ই কি মুক্তি
য'ত হৃদয়ৰ বান্ধোন ॥





তাইৰ নাই যে আপোন-পৰ ॥

একাঁবেঁকা এই জীয়া ধনশিৰী
নগা পাহাৰত ঘৰ
আকলুৱা তাই, আঁকোৱালি লয়
কেচা মাটি ভৈয়ামৰ ॥

সোঁত চেঙেলীয়া পাৰ ছিডি নিয়া
যেন চেনেহৰ চুমা
উখল-মাখল নাগিনী গাভৰু
মেনকা নে তিলোত্তমা
আপোন লাগিছে বৰ ॥

আউলী বাউলী তাইৰ হাত-বাউলি
থিৰেনো থাকিব কোন
শিল ভাঙি আহিলে জীয়া ঢল নামি
মন ভাঙি কলেহি কথা ঃ
"তোমাৰে আমাৰে বান্ধ নিছিঙিবা
কলিজাত নিদিবা বেথা
আমাৰ একেখনি ঘৰ ॥"

ঊনন্নৈব্ব

কুঁহিপাত যেন কোমল কোমল ওঠ তোৰ
ফুলকলি যেন হাঁহি
কিনো নাম দিওঁ তোৰ অ' ৰাংঢালী
লাহি নে পাহি নে বাঁহী ॥

থৰক-বৰক খোজৰ ভৰত
মাটি হেন্দোলদোপ
গিৰিপ্-গাৰাপ যার কেনি তই
গপত গণ্ডাটোপ
তোৰে মোৰে নাহে দেখোন ৰাহি
তই বিৰালী কোন বাঘৰে মাহী ॥

পদুমৰে পাত নহৰ
টোপাল লৰে চৰে
বগলীৰে জাক নহর
আকাশ জুৰি উৰে
মিচিক-মাচাক হাঁহ তই
পদুম ফুলৰ কোঁহ
চুচুক-চামাক কৰ তই
কথাই পতি ৰোহ
তই মনৰ মাজত কেনি সোমালিহি
নাম নাপালো, নাম থলো তোৰ বালিমাহী ॥



নব্বৈ

ডাঠি ধৰিবি অ'
নৌকাৰ গুৰি ভাই
ইকূল ভাঙি পাগল নদী সিকূলমুখে যায় ;
ডাঠি ধৰিবি ভাই ॥

নদী কোবাল, বতাহ কোবাল, কোবাল হাতৰ বঠা
তাতকৈ কোবাল আছিল বন্ধু মনৰ গুপুত কথা
মৰা সুঁতিত ঢল বাগৰে পাৰ ভাগি পৰে .
মৰা মনত কি ঢল উঠে বুকুত খুন্দা মাৰে
সুদা সুদা লাগে বন্ধু, মনৰ মানুহ নাই ॥

অ' বন্ধু নদী কিমান দ ঃ
চৰি মাৰি কব পাৰি,
মনৰ কথা ক ।
এই নদীৰ দুয়ো পাৰে থিয় থিয় গড়া
গড়াৰ বকুত হালে জালে লাহী কঁহুৱাডৰা
চেঙেলীয়া সোঁত ঐ খহাই নিনিবি পাৰ
কঁহুৱাৰে কোমল দেহা হব চূৰমাৰ
উকা উকা লাগে বন্ধু, মন ওপঙি যায় ॥

তোমাৰ বাবেই আছিল আমাৰ
সুৰৰ আয়োজন। তোমাৰ
আছিল প্ৰয়োজন। আজি
আছিল প্ৰয়োজন ॥

তোমাৰ সুৰেৰে পৱিত্ৰ হ'ল
চোতালৰ তুলসী-তল
নতুন মাটিৰ চাকি-শলিতাৰে
বন্তি দিবৰ হ'ল
ৰাতিৰ আকাশে পুৱতী তৰাৰে
ললে কপালত চন্দন ॥

বোৱতী সোঁতৰ বুকুত বুকু দি
যি গালে শেষ গান
তাৰ জানো হয় অকাল মৰণ
শেষ হয় জানো প্ৰাণ
সুৰ-দেউলৰ অন্তৰত আজি
অনন্ত প্ৰাণৰ স্পন্দন ॥*

---

* শিল্পী ৺জগদীশ শৰ্ম্মাৰ সোঁৱৰণত ৰচিত